কটন কলেজ ছাত্ৰাবাসৰ যিসকল
ছাত্ৰৰ সুযোগত
শ্ৰীকৃষ্ণ জন্ম সম্বন্ধে তুআষাৰ কৰলৈ
মাহেন্দ্ৰ ক্ষণ পোৱা হৈছিল
সেই শুভ মুহূৰ্ত্তত ছাত্ৰসমূহৰ অন্তৰত
পৰম আনন্দ জাগৰণৰ উদ্দেশ্যে
এই "জন্মাষ্টমী"
পূৰ্ণ আনন্দময় সচ্চিদানন্দৰূপ
পৰম ব্ৰহ্মত
নিবেদন কৰা হল।

শ্ৰীহৰমোহন

# জন্মাষ্টমী

১। আজি যি জনাৰ প্ৰেৰণাত জগত বাসী অন্তৰ্মুখী হৈ জ্ঞান, বিজ্ঞান, তদঙ্গ, ৰহস্য আদি সকলো বিষয়তে উৎকৰ্ষ সাধন কৰি জীৱন চৰিতাৰ্থ কৰিব লাগিছে, আজি যি জনাৰ মধুৰ পবিত্ৰ বাণীয়ে জগতবাসীক উত্তিষ্ঠ, জাগ্ৰত আৰু উদ্বুদ্ধ কৰি ৰাখিছে সেই জনা ভগৱন্ত শ্ৰীকৃষ্ণৰ জন্মতিথি। আজি যি জনাৰ হৃদয়স্পৰ্শী বাক্যে "উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্য বৰান্নিবোধত" বুলি সকলোৰে অন্তৰত বিমল স্পন্দন কৰাব লাগিছে সেই জনা বিশ্ব চৈতন্যময় শ্ৰীকৃষ্ণৰ জন্মতিথি। আজি ভাদ মাহৰ কৃষ্ণপক্ষ অষ্টমী তিথি।

এই তিথিটি ভাৰতৰ ধৰ্ম্ম বুৰঞ্জীত অতি শুভ মঙ্গলময় চিৰস্মৰণীয় তিথি। এই শুভ লগ্নতেই ভাৰতৰ ধৰ্ম্ম আকাশত অপূৰ্ব্ব জ্যোতির্ম্ময় সূৰ্য্য উদয় হৈ সকলোকে আলোকিত কৰি চৈতন্যময় কৰে। সেই কাৰণে আজি আবহমান কালৰ পৰা বছৰে বছৰে শ্ৰীকৃষ্ণৰ জন্মতিথি পালন কৰি ধৰ্ম্মপ্ৰাণ লোকসকলে পৰম সন্তোষ লাভ কৰি নিজক ধন্য মানিব লাগিছে।

২। শ্ৰীকৃষ্ণৰ জন্মকথা অতি সুমধুৰ, অতি গভীৰ, পৰম তত্বপূৰ্ণ আত্মতৃপ্তিৰ পৰম সুধা। সেই কাৰণে হৰিবংশ, বিষ্ণুপুৰাণ, ভাগৱত আদি ধৰ্ম্ম শাস্ত্ৰত শ্ৰীকৃষ্ণ জন্মকথা অতি সুৰলা ভাবে প্ৰাঞ্জল ভাষাত হৃদয়স্পৰ্শী আৰু অন্তৰ আকৰ্ষণী কৰি বৰ্ণনা কৰিছে। সেই প্ৰাণস্পৰ্শী বৰ্ণনাবোৰ পাঠ কৰিলে মানৱ অন্তৰ আনন্দত আপ্লুত, ভাৱত গদগদ, গদ্‌-

যশাত গভীৰ, ভগবদ্প্ৰেমত আপোন পাহৰা, আৰু ভক্তিত বিশ্বচৈতন্য উপলব্ধি কৰি চৰিতাৰ্থ হয়। শ্ৰীশঙ্কৰদেৱে কীৰ্ত্তনৰ শিশুলীলাত চমুকৈ তলত লিখা দৰে বৰ্ণনা কৰিছে ঃ—

কৃষ্ণৰূপে দৈৱকীত ভৈলা অৱতাৰ।
শঙ্খ চক্ৰ গদা পদ্ম কৰত তোমাৰ॥
পীতবস্ত্ৰে শোভে অতি শ্যাম কলেৱৰ।
কমল লোচন চাৰু অৰুণ অধৰ॥
সুন্দৰ নাসিকা কৰ্ণে মকৰ কুণ্ডল।
কণ্ঠত কৌস্তুভ শিৰে কিৰীটি উজ্জল॥
আপাদ লম্বিত বনমালা জ্বলে গলে।
শোভে অতি শ্ৰীবৎস বহল বক্ষঃস্থলে॥
চাৰু চাৰি ভুজ জ্বলে আজানুলম্বিত।
কৰীকৰ সম উৰু বৰ্ত্তুল বলিত॥
চৰণ কমল যেন নৱ পদ্ম কোষ।
যাক দেখি ভকতৰ পৰম সন্তোষ॥
প্ৰসন্ন বদন জ্বলে অলকা তিলক।

বসুদেৱে দেখিলন্ত অদ্ভুত বালক ॥
পৰি হুয়ো প্ৰাণী পাছে কৰিলন্ত স্তুতি ।
পিতৃত কহিলা প্ৰভু সমস্ত যুগুতি ॥
ভৈলা শিশুৰূপ তৈতে প্ৰভু নাৰায়ণ ।
কোলে লৈয়া বসুদেৱে লৰিল তেখন ॥
ভাগিল নিহাল ভৈল মেলান কপাট ।
দেখি ভয়ে যমুনা আপুনি দিলা বাট ॥
বৰিষে কণিকা মেঘে ওপৰত গৰ্জ্জে ।
ফণায়ে ধৰিলা ছত্ৰ আসি সৰ্পৰাজে ॥
যশোদাৰ তৈতে উপজিলা যোগমায়া ।
আতি অচেতনে নিদ্ৰা গৈলা নন্দজায়া ॥
তাহান শয্যাত নিয়া থৈলন্ত তোমাক ।
বসুদেৱে আনিলন্ত নন্দৰ কন্যাক ॥
শিশুভাৱে গোকুলত ক্ৰীড়িলা অপাৰ ।
সাধিলা অনেক প্ৰীতি নন্দ যশোদাৰ ॥

৩। আক এঠাইত এটি গীতেৰে শ্ৰীকৃষ্ণ জন্মযাত্ৰা বৰ্ণনা কৰিছে :—

ধ্রুং ॥ দেখবে নয়ন ভবি লোই।
পৰম পুৰুষ অৱতাৰ হোই ॥
পদ ॥ কোটি কোটি অণ্ড ৰোমকুপে যাৰ।
সো হৰি দৈৱকী উদৰে অৱতাৰ ॥
শ্যাম মুৰুতি পীত অম্বৰ শোহে।
পেখিয়ে ৰূপ মদন কোটি মোহে ॥
কঙ্কণ কেয়ূৰ মুকুট হাৰ লোলে।
গতি গোবিন্দ মেৰি গোপাল বোলে ॥

৪। ভাৰতৰ সকলো ধৰ্ম্ম শাস্ত্ৰত শ্ৰীকৃষ্ণক স্বয়ং ভগৱন্ত বুলি প্ৰকাশ কৰিছে। ঋষি, মুনি, সাধু, সজ্জন, ভকত সকলোৱে এক বাক্যে শ্ৰীকৃষ্ণক স্বয়ং ভগৱন্ত বুলি আৰাধনা কৰিছে।

"কৃষ্ণস্তু ভগবান স্বয়ম্"

ভগৱন্ত কৃষ্ণ স্বয়ং ঈশ্বৰ। এই বিশ্বাস ভাৰতৰ সকলো হিন্দু সম্প্ৰদায়ৰ সবল আৰু দৃঢ় বিশ্বাস। এই দৃঢ় বিশ্বাসৰ কাৰণেই

ভাৰতৰ হিন্দুময় ৰাজ্য ইমূৰৰ পৰা সিমূৰলৈ কৃষ্ণ ভাবাপন্ন। কৃষ্ণৰ ৰূপ, কৃষ্ণৰ আখ্যান, কৃষ্ণৰ গীত, কৃষ্ণৰ নাম, কৃষ্ণৰ অভিনয় সকলোতে বিৰাজ কৰিছে। চলন, ফুৰণ, শয়ন, ভোজন, হৰ্ষ, বিষাদ, আনন্দ, শোক, আমোদ, প্ৰমোদ আদি সকলো অৱস্থাতে কৃষ্ণৰ নাম, কৃষ্ণৰ যোজনা, কৃষ্ণৰ লীলা প্ৰকাশ হব লাগিছে।

৫। পৰম ব্ৰহ্ম পৰমাত্মা যেনেকৈ "অহং"—"মই" ৰূপ ধাৰণ কৰি সকলো দেহতে বিৰাজ কৰিছে তেনেকৈ শ্ৰী[illegible] মানৱ হৃদয়ত বিৰাজ কৰিছে। বিভিন্ন দেহ-শ্ৰিত "অহং"-অৰ ৰূপ যেনেকৈ বেলেগ বেলেগ হয়, তেনেকৈ জ্ঞানৰ উৎকৰ্ষ ভেদে কৃষ্ণৰো বেলেগ বেলেগ ৰূপ ধাৰণা কৰা হয়। কাৰো মনত কৃষ্ণ গোৱাল চাৱাল; কাৰো মনত কৃষ্ণ ৰাজকুমাৰ; কাৰো মনত কৃষ্ণ যোদ্ধা

সংসাৰী ; কাৰো মনত কৃষ্ণ পৰম ৰাজনীতিজ্ঞ ; কাৰো মনত কৃষ্ণ পৰম শক্তিশালী ; কাৰো মনত কৃষ্ণ পৰম প্ৰেমিক ; কাৰো মনত কৃষ্ণ পৰম ভক্ত ; কাৰো মনত কৃষ্ণ সাকাৰ ; কাৰো মনত কৃষ্ণ নিৰাকাৰ ; আৰু কাৰো মনত কৃষ্ণ পৰম ব্ৰহ্ম পৰমাত্মা স্বয়ং ভগৱন্ত। নামঘোষাত মাধৱদেৱে কৈছে :—

কৃষ হেন শব্দ ইটো পৃথিবী বাচক ভৈল
ণ আনন্দত প্ৰবৰ্ত্তয়।
দুইৰ এক পদ ভৈল পৰম ব্ৰহ্ম ৰূপ কৃষ্ণ
নাম আনন্দক মাত্ৰ কয় ॥

এয়ে হৈছে কৃষ্ণৰ চৰম ৰূপ। জ্ঞানৰ উৎকৃষ্ট তম স্তৰত উপনীত হব পাৰিলে কৃষ্ণৰ এই ব্ৰহ্মময় আনন্দ ৰূপ উপলব্ধি কৰিব সমৰ্থ হোৱা যায়। এই আনন্দ ৰূপ স্বয়ং ভগৱন্তৰ ৰূপ। সেই কাৰণে এই বিশ্ব ব্ৰহ্মাণ্ড আনন্দতে সৃষ্টি, আনন্দতে স্থিতি আৰু আনন্দতে

লয় হৈ ধৰিছে। ভগৱন্তৰ এই আনন্দ ৰূপ শ্ৰীকৃষ্ণত পূৰ্ণ ভাৱে প্ৰকাশ হৈছে। সেই কাৰণে শ্ৰীকৃষ্ণ ভগৱন্তৰ পূৰ্ণ অৱতাৰ বুলি ঘোষণা কৰা হৈছে।

৬। সাধু, মহাপুৰুষ, মহাত্মা, ঋষি, মুনি, ভকত আদি লোকসকলৰ জীৱনত দেখা যায় তেওঁলোকে কঠোৰ পুৰুষাৰ্থ কৰি অপূৰ্ব্ব দৈব শক্তিৰ বলত জগতত একোটি একোটি মহৎ কাৰ্য্য কৰি জগতৰ মঙ্গল সাধনা কৰিছে আৰু সেই বাবে তেওঁলোক জগতবাসীৰ চিৰস্মৰণীয় হৈছে। শাস্ত্ৰ মতে দেখা যায় যেতিয়াই কোনো এটি বিপ্লৱ ঘটে তেতিয়াই একোজন মহাপুৰুষ অৱতাৰ হৈ জগতত শান্তি স্থাপন কৰে। পৰমেশ্বৰৰ পূৰ্ণ অৱতাৰ কৃষ্ণৰ আবিৰ্ভাৱৰো কিবা শান্তি স্থাপনৰ আৱশ্যকতা আছিল নে? যদি কিবা কাৰ্য্য সাধনৰ বাবে কৃষ্ণ অৱতাৰৰ আৱশ্যকতা আছিল

তেন্তে ভগৱন্তে কৃষ্ণৰূপ নধৰিও ইঙ্গিত মাত্ৰকে সকলো কাৰ্য্য কৰিব পাৰিলেহেঁতেন কিয়নো তেওঁ সৰ্ব্বশক্তিমান। সঁচা কথা, তেখেতে অৱতাৰ নহৈও অদৃশ্য শক্তি প্ৰয়োগেৰে কাৰ্য্য সাধন কৰিব পাৰিলেহেঁতেন। কিন্তু সেই অদৃশ্য শক্তি জন সাধাৰণৰ বোধগম্য, অনুসৰণীয় আৰু অনুকৰণীয় নহলহেঁতেন। সেই কাৰণে অৱতাৰ হৈ মানৱ লীলা স্বৰূপে সকলোৰে প্ৰতি অতি জটিল চিন্তাপূৰ্ণ কথা-বোধ [illegible]শ কৰাৰ আৱশ্যক। এয়েই হৈছে অৱতাৰ[illegible] উদ্দেশ্য।

৭। কৃষ্ণ অৱতাৰৰ এটি বিশেষ উদ্দেশ্য আছে। সেই বিশেষ উদ্দেশ্যটি তলত দিয়া গীতাৰ শ্লোকটিৰ পৰা বেছকৈ বুজিব পাৰি :—

"পৰিত্ৰাণায় সাধুনাং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্ম্ম সংস্থাপনাৰ্থায় সম্ভবামি যুগে যুগে॥"

ধৰ্ম্ম সংস্থাপন আৰু সংৰক্ষণ কৰাই কৃষ্ণ জন্মৰ উদ্দেশ্য। যি ধৰ্ম্ম সংৰক্ষণৰ বাবে আজি কৃষ্ণৰ জন্ম সেই ধৰ্ম্ম সাম্প্রদায়িক ধৰ্ম্ম নহয়। সেই ধৰ্ম্ম হৈছে সাৰ্ব্বজনীন ধৰ্ম্ম। জাতিবৰ্ণ নিৰ্ব্বিশেষে দেশকাল পাত্র অভেদে সেই ধৰ্ম্ম সংস্থাপন। সেই ধৰ্ম্ম হৈছে মানৱ ধৰ্ম্ম, সেই ধৰ্ম্ম হৈছে সনাতন চিৰন্তন আৰু আনন্দময় ধৰ্ম্ম। মানৱ জীৱনৰ শাৰীৰিক, মানসিক, আধ্যাত্মিক সকলো বৃত্তিৰ সম্পূৰ্ণ বিকাশ কৰি যি ধৰ্ম্মেৰে পৰম আনন্দ লব্ধি কৰিব পাৰি সেয়েই এই ধৰ্ম্ম। যি ধৰ্ম্মৰ দ্বাৰা মানৱ জীৱনৰ সূক্ষ্ম, স্থূল, সকলো মনোবৃত্তি স্ফুৰণ হৈ আত্ম প.ৰিচয় কৰি বিশ্ব-আত্মাত উপনীত হব পাৰি সেয়ে হৈছে এই ধৰ্ম্ম। এই মহা ধৰ্ম্ম ধ্যান, ধাৰণা, তপ সাধনাৰ মাজেৰে উপলব্ধি কৰিব পৰা যায় এই সাধ্য সাধনাৰ কথা বুলিলেই কৰ্ম্মৰ

কথা ওলায়। বিনা কৰ্ম্মে সাধনা নহয়। ক্রিয়া কৰ্ম্মই সাধনাৰ ভূমি। প্রকৃত স্বধৰ্ম্ম পালনেই হৈছে এই কৰ্ম্ম। এই স্বধৰ্ম্ম পালন কথাটি শুনোতে যেনে সহজ সাধন কৰোঁতে তেনে সহজ নহয়। পদে পদে বাধা-বিঘিনি লগা আছে। এই দুৰ্গম, দুঃসাধ্য, দুষ্কৰ স্বধৰ্ম্ম পালনৰ পথ সুগম সুসাধ্য, সুকৰ কৰি তোলাই মহা মানৱ মহাপুৰুষসকলৰ আৱিৰ্ভাবৰ আৱশ্যক। আজি শ্রীকৃষ্ণ আৱিৰ্ভাবৰো কাৰণ এয়েই। স্বধৰ্ম্মৰ প্রতি অনুৰাগ, স্বধৰ্ম্মৰ প্রতি অনুৰক্ত, স্বধৰ্ম্মৰ প্রতি আসক্তি আৰু স্বধৰ্ম্ম পালনত উদ্বুদ্ধ, জাগ্রত আৰু উত্তিষ্ঠ কৰাই শ্রীকৃষ্ণৰ জন্ম।

৮। স্বধৰ্ম্ম পালন কৰা জীৱমাত্ৰৰেই জন্মগত আকাঙ্ক্ষা আৰু আগ্রহ। পোন-প্রথমে জীৱ মাত্রেই স্বধৰ্ম্ম পালনতেই সদায়

অনুৰক্ত, আসক্ত আৰু লিপ্ত থাকে। এই স্বধৰ্ম্ম পালন পথত অলপ অচৰপ অগ্ৰসৰ হলেই মনোবৃত্তিৰ কিছু পৰিমাণে স্ফুৰণ হয় আৰু এই ক্ষণিক স্ফুৰণ আৰু বিকাশত মনোবৃত্তিবোৰৰ ক্ৰমে ক্ৰমে উৎকৰ্ষ সাধন হয়। কিন্তু কেতিয়াবা কেতিয়াবা মনৰ গতি স্থিৰ ৰাখিব নোৱাৰি স্বাৰ্থ, মোহ আৰু মায়াত মুগ্ধ হয়। স্বাৰ্থত মুগ্ধ হলে মনৰ স্থিৰতা নোহোৱা হয়। অৱশেষত স্বধৰ্ম্ম পাহৰি বিধৰ্ম্ম, অধৰ্ম্ম, অকৰ্ম্ম, বিকৰ্ম্ম আদিত পৰি প্ৰকৃত পথৰ পৰা বিচলিত হয়। এনেকুৱাকৈ বিচলিত হৈ অকৰ্ম্মত লাগি থাকিলে মনোবৃত্তিৰ প্ৰকৃত স্ফুৰণ আৰু বিকাশ নহয়। আৰু প্ৰকৃত স্ফুৰণৰ অভাৱত আত্ম-বোধ নজন্মে। মায়াত মুগ্ধ হৈ স্বাৰ্থৰ বশ হলে মানুহে সৎ, অসৎ, কৰ্ম্মাকৰ্ম্ম, ধৰ্ম্মাধৰ্ম্ম, ন্যায় অন্যায়, প্ৰকৃত অপ্ৰকৃত একো নিৰ্ণয়

কৰিব নোৱাৰা হয়। এনে অৱস্থাত পৰিলে মানুহ কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰে। এই ৰকম অৱস্থা হলেই মানুহে চাৰিও ফালে ঘোৰ অন্ধকাৰ দেখে। শৰীৰ অৱশ হয় ইন্দ্ৰিয় অকৰ্ম্মণ্য হয়। এনেকুৱা মোহান্ধ অৱস্থাত এজন উদ্বোধনকাৰী পথ-প্ৰদৰ্শকৰ আৱশ্যক। অৰ্জ্জুনে যেতিয়া মোহান্ধ হৈ যুদ্ধ কৰিব নে নকৰিব, কি কৰিলে ভাল হব, কি কৰিলে বেয়া হব একো স্থিৰ কৰিব নোৱাৰি হাতৰ গাণ্ডীব পেলাই মৌন হৈ বহি থাকিল, তেতিয়া শ্ৰীকৃষ্ণই পথ-প্ৰদৰ্শক হৈ অৰ্জ্জুনক জাগ্ৰত কৰি স্বধৰ্ম্মত অনুৰক্ত কৰি তোলে।

৯। এই সংসাৰত অৰ্জ্জুনৰ নিচিনা অৱস্থা বহুতৰ ঘটে আৰু তেনে অৱস্থাত কৃষ্ণস্বৰূপ উদ্বোধনকাৰী মহৎ লোকৰ আৱশ্যক হৈ পৰে। এনে জটিল সন্ধিক্ষণত

যেয়ে পথ দেখুৱাই দিয়ে তেৱেঁই আদর্শ পুৰুষ। সাংসাৰিক ক্ষুদ্ৰ ক্ষুদ্ৰ একোটি কৰ্ম্ম কৰিব লাগিলেই আমাক আদৰ্শ, আহিলা-পাতি লাগে। আদৰ্শ নহলে কৰ্ম্মত নিপুণতা লাভ কৰা অতি কঠিন। সকলো কৰ্ম্মতকৈ উচ্চতম কৰ্ম্ম হৈছে ধৰ্ম্ম-সাধন কৰ্ম্ম। এই ধৰ্ম্ম কৰ্ম্ম, আদৰ্শ বিনা আয়ত্ত কৰা অতি দুষ্কৰ। সেই কাৰণে ধৰ্ম্ম কাৰ্য্যত আদৰ্শ এজনৰ আৱশ্যক হৈ পৰে। এই ধৰ্ম্ম কাৰ্য্যৰ আদৰ্শ যেই সেই আদৰ্শ হলে নহব। সম্পূৰ্ণ মানৱত্ব বিকাশ কৰি যাৰ শাৰীৰিক, মানসিক, আধ্যাত্মিক সকলো বৃত্তি সম্পূৰ্ণ স্ফুৰণ আৰু বিকশিত হৈছে তেৱেঁই এই ধৰ্ম্ম কাৰ্য্যৰ আদৰ্শ। এনেকুৱা সম্পূৰ্ণ স্ফুৰণ স্বয়ং ভগৱান ভিন্ন আৰু কাৰ হব পাৰে? সেই কাৰণে ভগৱন্ত কৃষ্ণ ৰূপ ধৰি আদৰ্শ পুৰুষ ৰূপে জগতত অৱতীৰ্ণ হৈছে। শ্ৰীকৃষ্ণ

যেনেকৈ মহৎ আদৰ্শস্বৰূপ অৱতীৰ্ণ হৈছে তেনেকৈ তেওঁৰ কাৰ্য্য-কলাপ, লীলা খেলা সকলো মহৎ। এই মহৎ লীলাৰ কাৰণেহে আজি শ্ৰীকৃষ্ণ মানৱৰ চিৰস্মৰণীয়, অনুকৰণীয় আৰু অনুসৰণীয় হৈছে। গীতাৰ এঠাইত কৈছেঃ—

"তস্মাদসক্তঃ সততং কাৰ্য্যং কৰ্ম্ম সমাচৰ।
অসক্তো হ্যাচৰণ্ কৰ্ম্ম পৰমাপ্নোতি পুৰুষঃ॥
কৰ্ম্মণৈৱ হি সংসিদ্ধিমাস্থিতা জনকাদয়ঃ।
লোকসংগ্ৰহমেৱাপি সংপশ্যন্ কৰ্ত্তুমৰ্হসি॥
যদ্যদাচৰতি শ্ৰেষ্ঠস্তত্তদেৱেতৰো জনঃ।
স যৎ প্ৰমাণং কুৰুতে লোকস্তদনুবৰ্ত্ততে॥

অৰ্থাৎ ফলৰ আকাঙ্ক্ষা নাৰাখি অনাসক্ত ভাবে কৰ্ম্ম কৰিলে মোক্ষ পদ লাভ হয়। নিষ্কামী হৈ অনাসক্ত ভাবে কৰ্ম্ম সাধন কৰাৰ ফলত জনকে ৰজা হৈয়ো ৰাজৰ্ষি হ'ব পাৰিছিল। শ্ৰেষ্ঠ অগ্ৰগণ্য লোকসকলে যি

কৰ্ম্ম কৰে সাধাৰণ লোকে তাকে অনুকৰণ আৰু অনুসৰণ কৰে । গতিকে শ্ৰেষ্ঠ পুৰুষ-সকল সদায় আহিৰ স্বৰূপ উৎকৃষ্ট প্ৰণালীৰে কৰ্ম্মত নিয়োগ থকা প্ৰয়োজন। সৰ্ব্বসাধাৰণক কৰ্ম্মত আদৰ্শ নিদৰ্শন কৰোৱাটোৱেই আদৰ্শ পুৰুষসকলৰ মুখ্য উদ্দেশ্য ।

১০। কৰ্ম্মৰ আদৰ্শ নিদৰ্শনত শ্ৰীকৃষ্ণৰ দুটি ৰূপ ওলায় । এটি হৈছে অধ্যাত্ম ৰূপ আৰু আনটি হৈছে সাকাৰ ৰূপ । অধ্যাত্মৰূপী কৃষ্ণ সকলোতে বিৰাজ কৰি আনন্দময় হৈ ৰৈছে। এই অধ্যাত্ম ৰূপৰ আকাৰ, গুণ, স্বভাৱ একো নাই, মাত্ৰ আনন্দময়, সুধাময়, অমৃতময় । সাকাৰৰূপী কৃষ্ণই মনুষ্য দেহৰ স্বভাৱ গ্ৰহণ কৰি জগতত লীলা-খেলা কৰিব লাগিছে। এই দেহৰূপটি এজোপা বৃক্ষৰ নিচিনা। ইয়াৰ একমাত্ৰ আশ্ৰয় হৈছে প্ৰকৃতি। সুখ আৰু দুখ এই দুটি হৈছে তাৰ ফল ।

সত্ব, ৰজ আৰু তম এই তিনি গুণ হৈছে তাৰ শিপা। ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ এই চাৰিটি তাৰ ৰস। পঞ্চ ইন্দ্ৰিয় হৈছে তাৰ জ্ঞান। শোক, মোহ, জৰা, মৃত্যু, ক্ষুধা, তৃষ্ণা এই ছয়টি হৈছে তাৰ স্বভাৱ। তেজ, ৰস, মঙহ, মেদ, অস্থি, মজ্জা আৰু শুক্ৰ এই সাতোটি হৈছে তাৰ চৰ্ম্ম। পঞ্চ জ্ঞানেন্দ্ৰিয়, মন, বুদ্ধি আৰু অহঙ্কাৰ এই আঠোটি তাৰ শাখা। নবিধ দুৱাৰ, নবিধ ছিদ্ৰ আৰু দশ প্ৰাণ ইয়াৰ পাত। শ্ৰীশঙ্কৰদেৱে এই কথাকে এঠাইতে কৈছে ঃ—

প্ৰকৃতি আশ্ৰয়ী আছে আদি বৃক্ষ
সুখ দুখ দুই ফল।
তিনি গুণ মূল অৰ্থ চাৰি ৰস
শিপায়ে ইন্দ্ৰিয় বল॥
ছয় উৰ্ম্মী আত্মা সাত ধাতু ছাল
শাখায়ে আঠ প্ৰকৃতি।

দশ বায়ু পাত ঈশ্বৰ জীৱ দুই
পখি থাকে তাত নিতি ॥
হেনয় সংসাৰ বৃক্ষ তোমাতেসে ওপজয়
মহা জ্ঞানীগণে আক জানে ।
মায়ায়ে মোহিত মন যিটো অপণ্ডিতগণ
তোমাক বিবিধ কৰি মানে ॥

১১ । এই দেহ বৃক্ষত দুটি সুন্দৰ পখি সদায় বাস কৰে । এটি পখি জীৱাত্মা আৰু আনটি পৰমাত্মা । জীৱাত্মাৰূপী পখিটিয়ে গছৰ ফলৰ স্বৰূপ, ই কৰ্ম্মফল ভোগ কৰে । পৰমাত্মাৰূপী পখিটিয়ে অনশনে থাকি সকলো দৰ্শন কৰে । জীৱাত্মাৰূপী পখি মায়াত মুগ্ধ হৈ পৰমাত্মাৰূপী পখিক নেদেখে কিন্তু পৰমাত্মাৰূপী পখিটিয়ে সকলোকে দেখে । সেই কাৰণে ভাগৱতত কৈছেঃ—

সুপৰ্ণাবেতৌ সদৃশৌ সখায়ৌ
যদৃচ্ছয়ৈতৌ কৃতনীড়ৌ চ বৃক্ষে ।

একস্তয়ো খাদতি পিপ্পলান্ন-
মন্যো নিরন্নোঽপি বলেন ভূয়ান্ ॥

এই জীৱাত্মাৰূপী পখিটিয়েই কৃষ্ণৰ সাকাৰ ভাব আৰু পৰমাত্মাৰূপী পখিটি কৃষ্ণৰ অধ্যাত্ম ৰূপ । কৃষ্ণৰ অধ্যাত্ম ৰূপেই এই দেহবৃক্ষৰ উৎপত্তি, স্থিতি আৰু লয়ৰ কাৰণ।

১২। এই সাকাৰৰূপী কৃষ্ণ কৰ্ম্মঠ হৈ ক্ৰমে ক্ৰমে মানুহক নানান প্ৰলোভনৰ মাজেৰে প্ৰবৃত্তি মাৰ্গত সুখ দুখ নিদৰ্শন কৰাই নিবৃত্তি মাৰ্গেৰে সৎ চিৎ আনন্দ ভাব উপলব্ধি কৰাবলৈ প্ৰয়াস কৰিছে । কৃষ্ণৰ অধ্যাত্ম ৰূপ হৈছে সৰ্ব্বব্যাপী ব্ৰহ্মৰূপ । এই ৰূপ জ্ঞানৰ উৎকৰ্ষতাৰ ফলত সাধন মাৰ্গত বিশেষ অগ্ৰসৰ হব পাৰিলে উপলব্ধি কৰিবলৈ সমৰ্থ হোৱা যায় । সৰ্ব্বসাধাৰণৰ পক্ষে এই আনন্দ ভাব উপলব্ধি কৰিব পৰা সম্ভৱ নহবও পাৰে। সেই কাৰণে দৈহিকৰূপ ধাৰণ

কৰি মানৱোচিত কৰ্ম্মাদিত অনুষ্ঠিত হৈ সৰ্ব্ব-সাধাৰণক ধৰ্ম্মমুখী কৰা প্ৰয়োজন। কৃষ্ণৰ দৈহিকৰূপত দৈনন্দিন জীৱনৰ ঘটনাৱলী লীলাক্ৰমে প্ৰকাশ হোৱাৰ এয়ে কাৰণ।

১৩। সৰ্ব্ব শক্তিমন্ত ভগৱন্তৰ পূৰ্ণ অৱ-তাৰ হৈয়ো শত্ৰু-নাশ কৰিবলৈ শ্ৰীকৃষ্ণই নানান উপায় অৱলম্বন কৰাৰ ৰহস্য কি? তাৰ ৰহস্য হৈছে সৰ্ব্বসাধাৰণক ধৰ্ম্মত অনুসৰণ কৰাৰ প্ৰয়াস। সেই কাৰণেই শ্ৰীকৃষ্ণই কেতি-য়াবা যুদ্ধ কৰিছে, কেতিয়াবা দণ্ডবিধান কৰিছে, কেতিয়াবা সন্ধি কৰিছে, কেতিয়াবা পলায়নো কৰিছে, কেতিয়াবা অলৌকিক ভাৱ-ভঙ্গী দেখুৱাইছে, কেতিয়াবা সকলোতকৈ বলী আৰু কেতিয়াবা নিৰ্ব্বলী ভাবো দেখুৱাইছে। এই সকলো কৃষ্ণৰ লীলা। এই লীলাই হৈছে কৰ্ম্মৰ আদৰ্শ। সকলো কৰ্ম্মৰ ভিতৰত ধৰ্ম্ম কৰ্ম্মৰ আদৰ্শ অতি দুৰ্লভ। সকলো মনো-

বৃত্তিত পূৰ্ণ বিকাশ নহ'লে ধৰ্ম-কৰ্ম্মৰ আদৰ্শ হোৱা টান। সেই কাৰণে শ্ৰীকৃষ্ণৰ লীলাত দেখা যায় তেওঁ এজন সুনিপুণ যোদ্ধা, পৰম নীতিজ্ঞ, পৰম ধাৰ্ম্মিক, বীৰ্য্যশালী আৰু পৰম সৌন্দৰ্য্যশালী। তদুপৰি কৃষ্ণ, ধৃতি, ক্ষমা, দম, অস্তেয়, শৌচ, ইন্দ্ৰিয় নিগ্ৰহ, ধী, বিদ্যা, সত্য, অক্ৰোধ এই দশ গুণৰ পূৰ্ণ বিকাশ। শ্ৰীকৃষ্ণ, ৰূপ সৌন্দৰ্য্যত অতুলনীয় পুৰুষ। তেওঁৰ ৰূপ বৰ্ণনা কৰি এঠাইত কৈছে:—

কমল লোচন চাৰি ভুজ চাৰি অস্ত্ৰ।
কণ্ঠত কৌস্তুভ শোভে গাৱে পীত বস্ত্ৰ॥
অমূল্য কিৰীটি ৰত্নগণে পাৰে ঝিকি।
তাৰ ৰশ্মি কেশচয় কৰে চিকিমিকি॥
মকৰ কুণ্ডলে সুমণ্ডিত দুই কৰ্ণ।
সুন্দৰ শৰীৰ মেঘ ঘনশ্যাম বৰ্ণ॥
হিয়াত শ্ৰীবৎস পান্তি গলে বনমালা।

কটিত প্ৰকাশ কৰে ৰত্নৰ মেখলা ॥
কেয়ুৰ কঙ্কণে কৰে কৰত দীপিতি।
পাদ পদ্ম দুখানিক দেখন্তে তৃপিতি ॥
ৰত্নময় নুপুৰে কৰন্তে আছে ঘোষ।
যাক মনে ধৰি পায় ভকতে সন্তোষ ॥

এই ৰকম সৌন্দৰ্য্যময়, আনন্দময় ৰূপ বৰ্ণনা কৰাৰ কাৰণেই হৈছে মানৱ অন্তৰত চৈতন্য ভাব জাগৰণ কৰা।

১৪। শ্ৰীকৃষ্ণৰ শৰীৰ যেনে সৌন্দৰ্য্য-ময় তেনে বীৰ্য্যশালী, শত্ৰু দমনকাৰী, দমন-শীল। আকৌ যেনে বীৰ্য্যশালী শক্তিমন্ত তেনে যোগেশ্বৰ বিভূতি-সম্পন্ন যোগীৰাজ। যেনে পৰম যোগী, পৰম ধ্যানী, তেনে পৰম জ্ঞানী, পৰম তত্ত্বদৰ্শী। এইদৰে সৰ্ব্ব-গুণ-সম্পন্ন লোক অতিমানৱ স্বয়ং ভগৱন্তৰ অংশ। সৰ্ব্বগুণ বিভূষিত শ্ৰীকৃষ্ণ স্বয়ং ভগৱন্তৰ অৱতাৰ। আৰু এই কাৰণেই শ্ৰীকৃষ্ণই কৰ পাৰিছিল :—

"নিত্য শুদ্ধ বিমুক্তৈকমখণ্ডানন্দমদ্বয়ম্।
সত্যং জ্ঞানং অনন্তং যৎপরং ব্রহ্মোদমেব তৎ॥
অর্থাৎ মই (কৃষ্ণ) পৰম ব্ৰহ্ম, নিত্য, শুদ্ধ, মুক্ত, এক, অখণ্ড, অদ্বিতীয়, জ্ঞানময়, সত্য, আনন্দ আৰু অনন্ত।

১৫। পৰ্ব্বতৰ শৃঙ্গৰ পৰা ভৈয়ামলৈ যিমান নামি অহা যায় সিমানেই ভৈয়ামৰ খাল বাম দেখা যায়। আকৌ ভৈয়ামৰ পৰা পৰ্ব্বতৰ শৃঙ্গলৈ যিমানেই উঠা যায় সিমানেই ভৈয়ামৰ খাল বাম সকলো সমান দেখা যায়। ভৈয়ামৰ খাল বামৰ দৰে এই পাৰ্থিব জগতত যশ, মান, ধৈৰ্য্য, বীৰ্য্য, ঐশ্বৰ্য্য, জ্ঞান, প্ৰেম আদিৰ নানান ৰকম বৈষম্য দেখা যায়। মনোবৃত্তিৰ স্ফুৰণৰ লগে লগে এই বৈষম্য বিচিত্ৰ ভাব ক্ৰমে ক্ৰমে নাশ হৈ আহে। এই বৈষম্য ভাব নাশ কৰাৰ মূলত আত্মবোধ। আত্মবোধ অৰ্থাৎ অহং

জ্ঞানৰ উপলব্ধি হলেই জগতৰ বৈষম্য ভাব ক্ৰমে লোপ হৈ আহে। এই অহং জ্ঞানৰ লগে লগে পূৰ্ণ চৈতন্যময় জ্ঞান জন্মাবৰ কাৰণে আজি জন্মাষ্টমী ব্ৰত।

১৬। জীৱ মাত্ৰই চৈতন্যময়। আৰু এই চৈতন্যময় জীৱ পূৰ্ণ চৈতন্যময় পৰমাত্মাৰ লগত সংশ্লিষ্ট। অপূৰ্ণ আৰু পূৰ্ণ চৈতন্যৰ গ্ৰন্থিয়েই বিশ্ব-ব্ৰহ্মাণ্ডৰ মাজত সাম্য, সামঞ্জস্য ভাব স্থাপনৰ মূল। খণ্ড জীৱ চৈতন্যই অখণ্ড ব্ৰহ্ম চৈতন্যৰ লগত মিলনৰ আকাঙ্ক্ষা কৰে। আৰু এই মিলনেই পৰম আনন্দ বুলি ভাবে। কিন্তু মোহ আৰু মায়াৰ চক্ৰত পৰি মানুহে সময়ে সময়ে এই চৈতন্য ভাব পাহৰে। এই বিস্মৃত চৈতন্য জাগ্ৰত কৰিবলৈ আজি জন্মাষ্টমী ব্ৰত। কৃষ্ণ জন্ম মানেই মানৱ অন্তৰত চৈতন্য সূৰ্য্য উদয় হোৱা। ব্ৰহ্মমুহূৰ্ত্তৰ পৰা সন্ধ্যা পৰ্য্যন্ত সূৰ্য্যৰ

যেনেকৈ কোমল মৃদু, প্ৰখৰ, মধুৰ, সুমধুৰ কিৰণ বিস্তাৰ হয় তেনেকৈ এই চৈতন্য ভাবো কৃষ্ণৰ জন্মৰ পৰা মানৱ জীৱনৰ লগত স্তৰে স্তৰে সম্বন্ধ ৰাখি অৱশেষত সুমধুৰ চৈতন্য ভাবত উপনীত হয়।

১৭। পূৰ্ণ চৈতন্যময় কৃষ্ণ কংস ৰজাৰ বন্দীশালত কঠোৰ কষ্টৰ মাজত জন্ম গ্ৰহণ কৰাৰ ৰহস্য কি ? মানৱ জীৱন বহু কষ্ট, বহু চিন্তা, বহু প্ৰলোভন, বহু মায়া, মোহ, ক্ৰোধ আদিৰে পূৰ্ণ। এইবোৰ তামসিক বৃত্তিয়েই চৈতন্য প্ৰকাশৰ প্ৰতিবন্ধক। মানৱ হৃদয় কংসৰাজৰ বন্দীশালৰ স্বৰূপ। এই হৃদয় বন্দীশালতেই আত্ম-চৈতন্য জাগি উঠে। এয়ে হৈছে বন্দীশালত কৃষ্ণৰ জন্ম তত্ত্ব।

১৮। পূৰ্ণ চৈতন্য জ্যোতিৰ্ম্ময় কৃষ্ণ জন্মিল। দশোদিশ পোহৰ হ'ল। কিন্তু কৃষ্ণ জন্মা মাত্ৰকে গোকুলৰ ৰজা নন্দৰ

ঘৰত ৰখাৰ আৱশ্যকতা কি ? কংস, কৃষ্ণৰ পৰম শত্ৰু বুলি বসুদেৱৰ বিশ্বাস হৈছিল। কংস শত্ৰুৱে শিশু কৃষ্ণৰ অনিষ্টপাত কৰিবৰ সম্ভৱ। সেই কাৰণে বসুদেৱে অপত্য প্ৰেমত মুগ্ধ হৈ নন্দৰজাৰ ঘৰত থৈ আহে। কৃষ্ণ যদিও পূৰ্ণ চৈতন্য তথাপি মানৱ জাতিক শিক্ষা দিবৰ অভিপ্ৰায়ে লীলা ক্ৰমে নন্দ ৰজাৰ ঘৰত ডাঙৰ-দীঘল হবলৈ ধৰিলে। মানৱ হৃদয়ত যেতিয়া প্ৰথম চৈতন্য ভাব জাগে সেই চৈতন্য ভাব অতি কোমল আৰু সূক্ষ্ম অৱস্থাত থাকে। এই কোমল চৈতন্যক নানা প্ৰলোভনে অনিষ্ট কৰিব প্ৰয়াস কৰে। সেই কাৰণে আত্মবোধ হোৱা মাত্ৰকে নিৰাপদ, নিৰ্জ্জন, নিষ্কণ্টক স্থানত ধ্যান, ধাৰণা, সাধনা আদি কৰিলে শিশু আত্মবোধ ক্ৰমে ক্ৰমে দৃঢ় হৈ আহে আৰু অৱশেষত পূৰ্ণত্ব লাভ কৰিবলৈ সমৰ্থ হয়। এয়ে হৈছে

কৃষ্ণ নন্দৰজাৰ ঘৰত পৰিস্ফুৰণ আৰু পৰি-বৰ্দ্ধন হোৱাৰ ৰহস্য ।

১৯। কৃষ্ণ জন্মৰ কথা শুনি কংসৰজাৰ ভয়ৰ কাৰণ কি? পৰাক্ৰমী কংস ৰজা হৈছে ঘোৰ তমগুণত মগ্ন থকা মানৱ জীৱনৰ প্ৰতি-মূৰ্ত্তি। তম বৃত্তিত কংস ইমান মগ্ন যে সংসাৰৰ ভোগ-বিলাস ত্যাগ কৰি কৃষ্ণৰ হাতত মৃত্যু হব বুলি ভয় খাইছিল। মানুহ যেতিয়া অসাৰ অনিত্য ভোগ-বিলাসৰ আমোদ-প্ৰমোদত মগ্ন থাকে তেতিয়া মৃত্যুৰ কথা কলে ভয় খায়। আত্ম-বোধ জন্মিলেই ইন্দ্ৰিয় ভোগ-বিলাস ত্যাগৰ আশঙ্কাত মানৱ অন্তৰত ভয় জন্মে। কংসৰজাই মোহান্ধ হৈ যেতিয়াই নিজত্ব পাহৰিলে তেতিয়াই মৃত্যুক আলিঙ্গন কৰিলে।

২০। কৃষ্ণ জন্মৰ কথাত কংসৰজাৰ মনত যেতিয়াই ভয় সোমাল তেতিয়াৰ

সবাই কৃষ্ণৰ শত্ৰু হৈ উঠিল। কৃষ্ণক কেনেকৈ নাশ কৰিব তাৰে চিন্তাত কংস ব্যস্ত হৈ উঠিল। চৈতন্য ভাব জাগিবৰ সময়ত মানুহৰ অন্তৰত চয়তান পাপীৰ বিভীষিকাই দেখা দিয়ে। বুদ্ধদেৱে চিন্তাৰ চৰম স্থান পাওঁ পাওঁ হওঁতে "মাৰ" অৰ্থাৎ চয়তান আহি নানা প্ৰলোভন দেখুৱাই ব্যাঘাত জন্মাব চেষ্টা কৰিছিল। এই "মাৰেই" হৈছে কংসৰ কৃষ্ণৰ প্ৰতি শত্ৰুতা আচৰণ। অৱশেষত কংস পৰাস্ত মানি কৃষ্ণৰ হাতত ধ্বংস হল। অৰ্থাৎ কংসৰূপ ধ্বান্তৰূপক পৰম ব্ৰহ্ম কৃষ্ণই ধ্বংস কৰি জগত জ্যোতিৰ্ম্ময় কৰিলে। এয়ে হৈছে কংস ৰজাৰ কৃষ্ণৰ প্ৰতি শত্ৰুতা আচৰণৰ ৰহস্য।

২১। কংসৰজা কৃষ্ণৰ শত্ৰু হৈয়ো কৃষ্ণঃ কৃপা লাভ কৰাটো হে অতি ৰহস্যৰ কথা। জগতত ইপ্সিত বস্তু লাভ কৰাৰ দুটি উপায়

আছে। এটি হৈছে অনুকূল আৰু আনটি হৈছে প্ৰতিকূল উপায়। অনুকূল ভাবেৰে নানা তোষামোদৰ গুণত ইপ্সিত বস্তু লাভ কৰা যায়। প্ৰতিকূল ভাবটি হৈছে শত্ৰু ভাব। শত্ৰুক শাস্তি দিবৰ অভিপ্ৰায়ে মানুহে শত্ৰুজনৰ চাল-চলন, কাৰ্য্য-কলাপ, গতি-মতি, চলন-ফুৰণ, শয়ন-ভোজন আদি সকলো বিষয়ে পুঙ্খানুপুঙ্খৰূপে অনুসন্ধান কৰে। অনুসন্ধানৰ ফলত শত্ৰুৰ প্ৰতি আকৃষ্ট হৈ শত্ৰুভাবাপন্ন হয়। বাঘ পকৰাৰ ভয়ত যেনেকৈ আন পোকেও তাৰ ৰূপ পৰিবৰ্ত্তন কৰে আৰু বাঘ পকৰাৰ নিচিনা হয়, তেনেকৈ কংসই নিজৰ ভিতৰত শত্ৰু কৃষ্ণৰূপ দেখি ছটফট কৰিব ধৰিলে।

"বাঘ পকৰাক পোকে চিন্তয় ভয়ত।
তাহাৰ স্বৰূপ পায় সেই শৰীৰত॥"—ৰত্নাৱলী

কংস ৰজাৰো এনে অৱস্থা হৈ শেষত কৃষ্ণ

নাম উচ্চাৰণ কৰি শান্তি লাভ কৰে।

২২। কৃষ্ণ চৈতন্যময়, জ্যোতির্ম্ময়। এই জ্যোতির্ম্ময় ভাব জন্মোতে জগত মেঘাচ্ছন্ন অন্ধকাৰ হোৱাৰ ৰহস্য কি? জ্যোতি অৰ্থাৎ চমক প্ৰকাশ কৰিব লাগিলে বিশেষ সংঘৰ্ষণৰ আৱশ্যক। বৈজ্ঞানিকসকলে নানান বস্তুৰ সংঘৰ্ষণতহে নানান দীপ্তিময় বস্তু আৱিষ্কাৰ কৰিব পাৰিছে। কলা মেঘে মেঘে ঘৰ্ষণ হলে হে বিজুলী চমক ওলায়। কাঠে কাঠে বা বাঁহে বাঁহে সংঘৰ্ষণ হলেহে অগ্নি স্ফুলিঙ্গ ওলায়। এইদৰে কংসৰ ৰাজ্য যেতিয়া ঘোৰ তামসিক গুণত আবৃত হল, আকাশ মেঘেৰে ঘনীভূত হল, প্ৰকৃত প্ৰেম, আনন্দ নোহোৱা হল, যেতিয়া শিশুৰূপী নিৰ্ম্মল আনন্দ কংসৰাজ্যত লোপ পাব ধৰিলে, তেতিয়া কংসৰাজ্যত ঘৰ্ষণ সংঘৰ্ষণ হব ধৰিলে,

তেতিয়া ঘাতপ্ৰতিঘাত হব ধৰিলে ; তেতিয়া ভীষণ আন্দোলন, আলোড়ন, স্পন্দন হব ধৰিলে। ফলত মেঘৰ মাজত বিজুলী চমক ওলোৱাদি চৈতন্যময় কৃষ্ণজ্যোতি প্ৰকাশ হল। ঠিক এইদৰে মানৱ জীৱনো যেতিয়া ঘোৰ তম গুণত আবৃত থাকে, সৎ অসৎ ধৰ্ম্ম অধৰ্ম্মৰ নিৰ্ণয় কৰা শক্তি নথকা হয়, তেতিয়া মানৱ অন্তৰত ভীষণ চিন্তাৰ আলোড়ন হয় ; তেতিয়া হৃদয়ত স্পন্দন প্ৰতিস্পন্দন হব ধৰে। এনে অৱস্থাত পৰিলে কোনো কোনোৱে আত্মবিস্মৃত হৈ নিজক চম্ভালিব নোৱাৰি মৃত্যুক বৰণ কৰে। আকৌ কোনোৱে বা হৃদয়ত আত্মবোধ চৈতন্যজ্ঞান লাভ কৰে। এই আত্মবোধ লাভ কৰাই সৌভাগ্য।

২৩। মানৱ অন্তৰৰ সকলো তামসিক বৃত্তি নাশ কৰি হৃদয়ত আত্মবোধ জন্মিলে বিমল আনন্দ পোৱা যায়। জগতত কৃষ্ণৰ

আৱিৰ্ভাৱ হল। জগত আনন্দত উপচি পৰিল। প্ৰত্যেক মানৱ হৃদয়ত কৃষ্ণ-আনন্দ জাগি উঠিল। আনন্দ হৃদয়ত জাগি উঠিল সঁচা, কিন্তু আনন্দৰ পৰিচয় পোৱা যায় কেনেকৈ? এই আনন্দৰ প্ৰকৃত স্থানেই বা ক'ত? যি কালৰ অধীন নহয়, যাৰ জন্মমৃত্যু নাই, যাৰ সুখ-দুখ, শোক-তাপ আৰু হৰ্ষ-বিষাদ একো নাই সেয়ে হৈছে আনন্দস্বৰূপ। এই বিশ্বব্যাপী আনন্দ ভূমানন্দ। এই ভূমানন্দৰ অংশস্বৰূপ "অহং" আনন্দই মনুষ্যক চৈতন্য কৰি ৰাখিছে। এই চৈতন্যময় অহং স্থূলদেহত বিচৰণ কৰি জীৱক কৰ্ম্মফলভোগী কৰি চক্ৰৰ নিচিনা ঘূৰাব লাগিছে।

"ঈশ্বৰঃ সৰ্ব্বভূতানাং হৃদ্দেশেঽৰ্জ্জুন তিষ্ঠতি।
ভ্ৰাময়ন্ সৰ্ব্বভূতানি যন্ত্ৰাৰূঢ়ানি মায়য়া॥"

ভূমা চৈতন্যৰ অংশস্বৰূপ অহং-চৈতন্যই যন্ত্ৰ-চালকৰ নিচিনা জীৱবিলাকক সংসাৰত ঘূৰাব

লাগিছে। এই অহং অৰ্থাৎ মই প্ৰত্যেক প্ৰাণীৰ অন্তৰত বিৰাজ কৰিছে। প্ৰত্যেকে কয় মই কৰিছোঁ, মই কৰিছো। এই মইৰ জাতি-কুল, পাত্ৰাপাত্ৰ, ধৰ্ম্মাধৰ্ম্ম একো প্ৰভেদ নাই। স্ত্ৰী, পুৰুষ, লৰা, ডেকা, বুঢ়া সকলোৱে মই মই বুলিয়েই কয়। গতিকে মই সৰ্ব্বব্যাপী আৰু কালৰ অধীনৰ বাহিৰ। এই মইক সুখ-দুখ, শোকতাপ, হৰ্ষ-বিষাদে স্পৰ্শ কৰিব নোৱাৰে। গতিকে এই অহংটিয়েই আনন্দৰ প্ৰসূতী।

২৪। এই আনন্দ-প্ৰসূতী অহং-বোধ জ্ঞানৰ উৎকৰ্ষতাৰ লগে লগে, ক্ৰমে ক্ৰমে বিকশিত হৈ পৰিস্ফুৰণ হয়। কোনোৱে দেহতে আত্মবোধ কৰে। কোনোৱে মনতে আত্মবোধ কৰে। কোনোৱে ইন্দ্ৰিয়তে আত্মবোধ কৰে। কোনোৱে যাৰ অভাবত দেহ চৈতন্যহীন হয় তাতে আত্মবোধ কৰে। এইদৰে চৈতন্য বিকাশৰ স্তৰে স্তৰে অহং-বোধ পৰিস্ফুৰণ

হয়। কিন্তু প্রত্যেক স্তৰতে আনন্দ মিশ্ৰিত জ্ঞান আছে। জ্ঞান আনন্দত মিশ্ৰিত থকাৰ কাৰণেই আনন্দভোগৰ ভেদাভেদ। কোনোৱে দেহ-ৰক্ষণ, পৰিবেসন, সৌন্দৰ্য্য, ৰূপ-লাৱণ্যত আনন্দ ভোগ কৰে। কোনোৱে যশ, মান, ঐশ্বৰ্য্য, জ্ঞান, ধন, খ্যাতি আদি মানসিক প্ৰবৃত্তিৰ স্ফুৰণত আনন্দ ভোগ কৰে। কোনোৱে আকৌ হৃদয় আসনত বিৰাজ কৰা চৈতন্যময় অহংৰ অনুশীলন, চিন্তা, ধ্যান, ধাৰণা আদিত আনন্দ ভোগ কৰে। কোনোৱে বা আকৌ দেহ, মন আৰু আত্মাৰ চিন্তা, অনুশীলন, ধাৰণা আদিৰ ফলত ক্ৰমে নিজৰ আনন্দ ভাৱ জগতৰ আনন্দৰ লগত সং-মিশ্ৰণ কৰি আনন্দ ভোগ কৰে। আনন্দৰ এই ক্ৰমিক স্ফুৰণ ভাৱটি কৃষ্ণ জীৱনৰ লগত স্তৰে স্তৰে মিল খোৱা যেন অনুভৱ কৰিব পাৰি। অলৌকিক ক্ৰিয়াৰে অসুৰ আদি

বধকাৰ্য্য, দেহ-ৰক্ষণ আদি কৰ্ম্মত কৃষ্ণৰ দৈহিক আনন্দ। গোকুলৰ নানা লীলাই মনোময় আনন্দ। উদ্ধৱৰ লগত কথোপকথনত আত্মানন্দৰ পৰিচয়। গীতাত বিশ্বৰূপদৰ্শনেই বিশ্ব আনন্দৰ পৰাকাষ্ঠা। প্ৰত্যেক মানুহৰো এই চাৰিটি আনন্দৰ সোপান। দেহৰ সৌন্দৰ্য্য, মনৰ সৌন্দৰ্য্য, আত্মাৰ সৌন্দৰ্য্য উপলব্ধি কৰি অৱশেষত নিজৰ আনন্দস্ফুৰণ বিশ্ব আনন্দৰ স্ফুৰণত মিলন কৰি পৰম বিমল আনন্দ উপভোগ কৰাই মানৱৰ চৰম সৌন্দৰ্য্য।

২৫। এই পৰম বিমল আনন্দ স্ফুৰণেই পূৰ্ণ আনন্দ। কৃষ্ণ পূৰ্ণ-আনন্দ আৰু পূৰ্ণ জ্যোতি। খণ্ড-জ্যোতিয়ে অখণ্ড-জ্যোতিৰ ধ্যান, ধাৰণা অনুশীলনৰ গুণত ক্ৰমে ক্ৰমে পৰম আনন্দ ভোগ কৰিবলৈ সমৰ্থ হয়। সেই কাৰণে অখণ্ড, পূৰ্ণ-জ্যোতিৰ সেৱা বিশেষ প্ৰয়োজনীয়। সেই দেখিয়েই "লীলামালাত" কৈছেঃ-

"মুনি ৰাজাক্ত কহন্ত বিদ্যমানে।
কৃষ্ণ লীলামালা আবে শুনা সাৱধানে॥
শ্ৰৱণে কীৰ্ত্তনে আক বৈকুণ্ঠক যায়।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ সবে আত পায়॥"

এই মহা জ্যোতিৰ্ম্ময় শ্ৰীকৃষ্ণদেৱৰ প্ৰভাৱত ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ এই চাৰি বৰ্গ উপলব্ধি কৰিবলৈ সমৰ্থ হোৱা যায়। সেই কাৰণেই কৃষ্ণচৈতন্য জাগৰণৰ বাবে এই কৃষ্ণ জন্মাষ্টমী।

২৬। কৃষ্ণ-চৈতন্য জাগৰণৰ লগে লগে চতুৰ্ব্বৰ্গৰ নিৰ্ণয় আহি পৰে। ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষ এই চাৰিটাৰ সমষ্টিয়েই চতুৰ্ব্বৰ্গ। মানৱ জীৱনৰ সকলো কাৰ্য্য-কলাপ এই চতুৰ্ব্বৰ্গৰ ভিতৰত নিহিত আছে। ভোগ আৰু ত্যাগ অৰ্থাৎ প্ৰবৃত্তি আৰু নিবৃত্তি এই দুটি কৰ্ম্মৰ প্ৰবাহ মানৱ অন্তৰত চলাচল কৰিব লাগিছে। প্ৰবৃত্তিয়ে ভোগৰ ফালে আৰু নিবৃত্তিয়ে ত্যাগৰ ফালে জীৱক টানা টানি

কৰিব লাগিছে। যাৰ দ্বাৰা এই প্ৰবৃত্তি আৰু নিবৃত্তি পথ নিয়ন্ত্ৰিত হয় সেয়ে ধৰ্ম্ম। প্ৰবৃত্তি আৰু নিবৃত্তি পথৰ সামঞ্জস্য ৰাখি এই নিয়ন্ত্ৰিত শক্তিয়ে বিশ্বৰাজ্যক প্ৰকৃতিস্থ কৰি ধাৰণ কৰিছে। যেয়ে অখিল ব্ৰহ্মাণ্ড ধাৰণ কৰি আছে সেয়ে ধৰ্ম্ম। জীৱক ধাৰণ কৰা শক্তিয়ে জীৱৰ ধৰ্ম্ম।

২৭। নিৰ্ম্মল বিশুদ্ধ জীৱ মায়াৰ মোহিনী শক্তিত পৰি অভাৱ অনুভৱ কৰে। অভাৱ অনুভৱ হলেই সেই অভাৱ পূৰণৰ বাঞ্ছাও জন্মে। এই অভাৱ পূৰণ কৰিবলৈ জীৱই যি বিচাৰে সেয়ে অৰ্থ। অৰ্থাৎ জীৱৰ আকাঙ্ক্ষিত কামনা আৰু বাসনা যাৰ সহায়ত তৃপ্ত হয় সেয়ে অৰ্থ। এই অৰ্থ-ধৰ্ম্ম নিবন্ধন পথত থাকি উপাৰ্জ্জন কৰিব লাগে আৰু সদ্ বৃত্তিৰে উপাৰ্জ্জিত অৰ্থেৰে জীৱৰ অভাৱ মোচন কৰাই অৰ্থৰ প্ৰয়োজন।

২৮। মায়াত মুগ্ধ জীৱই যাক পালে তৃপ্তি অনুভৱ কৰে সেয়ে কাম। মনোবৃত্তি স্ফুৰণৰ কাৰণে জীৱই যি ভোগ-বিলাস অনুভৱ কৰে সেয়ে কাম বা কামনা। মনোবৃত্তিৰ তৃপ্তি সাধন কৰাই কামনাৰ মুখ্য উদ্দেশ্য। এই কামনা বা বাসনা-ভোগৰ কাৰণেই অৰ্থ। সেই কাৰণে ধৰ্ম্ম-নিবন্ধন মতে অৰ্থো-পাৰ্জ্জন কৰি মনোবৃত্তিৰ তৃপ্তি সাধন কৰাই প্ৰকৃত কামনাৰ কৰ্ম্ম। ধৰ্ম্ম-শাসিত অৰ্থৰ সহায়ত কামনাৰ ভোগ আৰু তৃপ্তি হলে জীৱৰ বাসনা ক্ষয় হয়। বাসনা ক্ষয় হলে জীৱ নিবৃত্তি পথত উপনীত হয়।

২৯। প্ৰবৃত্তি পথত ভোগ-বিলাস সম্ভোগ কৰি নিবৃত্তি পথত উপনীত হলে জীৱই মোহমায়া সকলো ত্যাগ কৰে। মায়াৰ মোহ-ময়, মায়াময়, মুগ্ধময় আৱৰণ তেতিয়া নোহোৱা হয়। মায়াৰ আৱৰণ নোহোৱা হলেই

সৎ চিৎ আনন্দময় পৰমাত্মাৰ জ্যোতি মানৱ অন্তৰত বিকাশ হয়। মানৱ অন্তৰত আনন্দ বিকাশৰ অনুভূতি হোৱাই মোক্ষ। এই মোক্ষ পদ লাভ কৰাই মানৱ জীৱনৰ প্ৰধান উদ্দেশ্য। এই মূল উদ্দেশ্য সাধনৰ হেতু হল, অন্তৰত কৃষ্ণ-চৈতন্য জাগৰণ। এই উদ্বোধনৰ কাৰণেই কৃষ্ণাষ্টমী পালন।

৩০। এই চতুৰ্ব্বৰ্গৰ মাজেৰে সাধন মাৰ্গত অগ্ৰসৰ হলে মানৱ অন্তৰত আনন্দৰ অনুভূতি হয়। এই আনন্দ উপলব্ধি কৰাত যেয়ে সহায় কৰে সেয়ে ধৰ্ম্ম। ধৰ্ম্মৰ এই মূল নীতিক আশ্ৰয় কৰি জ্ঞান, বিজ্ঞান, তদঙ্গ আৰু ৰহস্য ভেদে নানা ব্যাখ্যা ওলাইছে।

(১) ছান্দোগ্য শ্ৰুতিত কৈছে :—

ত্ৰয়ো ধৰ্ম্মস্কন্ধা যজ্ঞোঽধ্যয়নং দানমিতি প্ৰথমঃ।
তপ ইতি দ্বিতীয়ো ব্ৰহ্মচৰ্য্যাকুলবাসী তৃতীয়॥"

অৰ্থাৎ ধৰ্ম্মৰ তিনিটি স্কন্ধ, প্ৰথমটি হৈছে

কৰিছে। এই স্বধৰ্ম্ম আৰু স্বকৰ্ম্ম একে কথা। আৰু এই স্বধৰ্ম্মই স্বভাৱ বা প্ৰকৃতি। এই স্বধৰ্ম্ম পালনৰ গুণত তিনি প্ৰকাৰ শ্ৰদ্ধাৰ উৎপত্তি হয়। শ্ৰদ্ধাৰ পৰা সত্ব, ৰজ আৰু তম এই তিনিটি গুণৰ উৎপত্তি হয়। এই তিনি গুণৰ পৰা তিনি বিধ অভিব্যক্তি জন্মে। কৰ্ম্ম, অঙ্গ স্বৰূপ এই তিনি বিধ অভিব্যক্তিৰ লগত সংলগ্ন থাকে। স্বধৰ্ম্ম পালনেই জীৱৰ ধৰ্ম্ম। সেই কাৰণে শ্ৰীকৃষ্ণই কৈছে :—

(১)

শ্ৰেয়ান্ স্বধৰ্ম্মো বিগুণঃ পৰধৰ্ম্মাৎ স্বনুষ্ঠিতাৎ ॥

(২)

স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ পৰধৰ্ম্মো ভয়াবহঃ ॥

(৩)

"স্বকৰ্ম্মণা তমভ্যৰ্চ্চ্য সিদ্ধিং বিন্দতি মানবঃ।"

স্বকৰ্ম্ম পালন কৰিয়েই পৰম পদ লাভ কৰিব পাৰি। গীতাৰ এই প্ৰথম ধৰ্ম্ম কথা। তাৰ

পাছত দ্বিতীয়তে গীতাত বুদ্ধি যোগৰ কথা হৈছে। বুদ্ধিৰ দ্বাৰা স্থিৰপ্ৰজ্ঞা লাভ হয়। এই বুদ্ধি-যোগেই জ্ঞান-যোগ। তৃতীয়তে বিশ্বব্যাপক পৰমাত্মাৰ সত্থা অনুভব কৰি পৰমাত্মাত চিত্ত অৰ্পণ, ভজন, যজন অৰ্চ্চন কৰা। এয়ে হৈছে জ্ঞানমিশ্ৰিত ভক্তি। পৰমব্ৰহ্ম পৰমাত্মাৰ প্ৰতি একান্ত অব্যভিচাৰী ভক্তিয়েই শ্ৰেষ্ঠ ধৰ্ম্ম। সেই কাৰণে গীতাত কৈছে :—

"মাঞ্চ যোঽব্যভিচাৰেণ ভক্তিযোগেনসেৱতে।
স গুণান্ সমতীত্যৈতান্ ব্ৰহ্মভূয়ায় কল্পতে॥

মুঠতে কবলৈ হলে স্বধৰ্ম্ম আচৰণতেই সকলো ধৰ্ম্ম-কৰ্ম্ম আৰম্ভ আৰু পৰমব্ৰহ্মৰ ভক্তিতে সকলো ধৰ্ম্ম-কৰ্ম্ম শেষ। এয়ে হৈছে গীতাত শ্ৰীকৃষ্ণৰ ভক্তি-ৰহস্য।

৩৩। শ্ৰীকৃষ্ণৰ এই ভক্তি-ৰহস্যই হৈছে পৰাভক্তি। এই পৰাভক্তিৰ ওপৰত সম্পূৰ্ণ

আস্থা ৰাখি ধৰ্ম্ম, অৰ্থ, কাম আদি সাধন কৰি নিবৃত্তি পথেৰে মোক্ষপদ লাভ কৰাই শ্ৰেয় আৰু প্ৰেয় কৰ্ম্ম। কিন্তু যি পৰম ভক্ত তেওঁ শেষত মোক্ষপদকো নিবিচাৰি ভগৱন্ত পৰম ব্ৰহ্মাৰ সেৱা, অৰ্চ্চনা কৰিহে তৃপ্তি পায়। সেই কাৰণে শ্ৰীশঙ্কৰদেৱে এঠাইত কৈছে :—

"তুমি পৰমাত্মা তত্ত্ব জানিলোঁ সম্প্ৰতি।
সত্ত্ব মূৰ্ত্তি ধৰি সাধা ভকতৰ গতি॥
তোমাক নপাই অনুৰাগ বাঢ়ে যাৰ।
সেহিসে ভকতি যোগে ছিণ্ডে অহঙ্কাৰ॥
তাহাৰেসে গুছে বিষয়ত অনুৰাগ।
হৃদয়ত বিচাৰি তোমাক পাৱে লাগ॥
তোমাৰ পাৰত লৈলে যি জন শৰণ।
তযু গুণ নাম কৰে শ্ৰৱণ কীৰ্ত্তন॥
মোক্ষ প্ৰসাদকো প্ৰভু! তোমাত নমাগে।
ছাৰ স্বৰ্গ সুখ কোন তাসম্বাৰ আ..গ॥"

৩৪। এই পৰা-ভক্তিৰ ভকতেই পৰম ভক্ত। সেই কাৰণেই শ্ৰীকৃষ্ণই কৈছে :—

ব্ৰহ্মভূতঃ প্ৰসন্নাত্মা ন শোচতি ন কাঙ্ক্ষতি।
সমঃ সৰ্ব্বেষু ভূতেষু, মদভক্তিং লভতে পৰাম্॥

অৰ্থাৎ এনে ভক্ত পৰম-ব্ৰহ্মৰ চিন্তাত মগ্ন থাকে, সদায় প্ৰসন্ন মন, তেওঁৰ শোক বা আকাঙ্ক্ষা একো নাই। সকলোতে সমজ্ঞান ব্ৰহ্মৰ পৰম ভক্ত হৈ থাকে।

এই পৰা-ভক্তিৰ অন্তৰ্নিহিত শক্তি-জাগৰণেই হৈছে শ্ৰীকৃষ্ণৰ জন্ম। শ্ৰীকৃষ্ণৰ ভক্তি ৰহস্যই এনে ভকত সৃষ্টি কৰে বুলিয়েই মানৱ অন্তৰত কৃষ্ণ-চৈতন্য জাগৰণ হেতু এই কৃষ্ণাষ্টমী ব্ৰত।

৩৫। শ্ৰীকৃষ্ণৰ অনুগ্ৰহত পৰাভক্তিৰ ভকতসকলে ব্ৰহ্মজ্ঞান লাভ কৰি জীৱন চৰিতাৰ্থ কৰে। এনেকুৱা পৰম ভক্ত সমদৰ্শী আৰু ব্ৰহ্মজ্ঞানী। সেই কাৰণে গীতাত আকৌ কৈছে :—

"সৰ্ব্বভূতস্থমাত্মানং সৰ্ব্বভূতানি চাত্মনি।
ঈক্ষতে যোগযুক্তাত্মা সৰ্ব্বত্ৰ সমদৰ্শনঃ ॥"
অৰ্থাৎ পৰম ভক্তসকলে নিজৰ আত্মাৰ নিচিনা সকলোতে সমজ্ঞান কৰি পৰম তৃপ্তি পায়।

৩৬। এনেকুৱা পৰম ভক্ত সকলোৰে নমস্য আৰু এনেকুৱা ভক্তই পৰমাত্মা ঈশ্বৰক নিজৰ অন্তৰত উপলব্ধি কৰি জীৱন চৰিতাৰ্থ কৰে। সেই কাৰণে "নামঘোষাত" মাধৱদেৱে কৈছে :—

মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহোঁ ভকতি।
সমস্ত মস্তক মণি নিজ ভকতৰ বশ্য
ভজো হেন দেৱ যদুপতি ॥

এই যদুপতি শ্ৰীকৃষ্ণ পূৰ্ণ আনন্দময়, পূৰ্ণ প্ৰেমময়। এওঁ প্ৰেম আৰু আনন্দ ভিন্ন একো নাজানে। প্ৰেম আৰু আনন্দই হৈছে এওঁৰ আদান-প্ৰদান। এওঁৰ শৰীৰ,

মন, বাক্য, সকলো আনন্দময়। এই প্রেম আৰু আনন্দ ভাব অন্তৰত জগাবৰ কাৰণে আজি জন্মাষ্টমী ব্ৰত। মানৱ অন্তৰৰ এই আনন্দ-বীজ ক্ৰমে ক্ৰমে পাতে-পুষ্পে-ফলে জাতিকাৰ হৈ সকলোকে আনন্দ ফল প্ৰদান কৰি বিশ্ব-জগতক আনন্দেৰে আলিঙ্গন কৰিবলৈ সমৰ্থ হবৰ কাৰণে আজি জন্মাষ্টমী সেই কাৰণেই পৰম ভক্তসকলে কৃষ্ণ-আনন্দৰ স্পন্দন পাবৰ অভিপ্ৰায়ে আজি জন্মাষ্টমীৰ দিনা আত্ম-চৈতন্য কৃষ্ণক ধ্যান, ধাৰণা, অৰ্চ্চনা, ভজনা আদি কৰি পৰম সন্তোষ লাভ কৰে। আজি তেওঁলোকে ধ্যান, ধাৰণা, আৰাধনা কৰি কৰ লাগিছে :—

ওঁ ধৰ্ম্মায় ধৰ্ম্মেশ্বৰায় ধৰ্ম্মপতয়ে
ধৰ্ম্ম-সম্ভৱায় গোবিন্দায় নমোনমঃ॥
ওঁ যজ্ঞায় যজ্ঞেশ্বৰায় যজ্ঞপতয়ে
যজ্ঞ-সম্ভবায় গোবিন্দায় নমোনমঃ॥

ওঁ বিশ্বায় বিশ্বেশ্বৰায় বিশ্বপতয়ে
বিশ্বসম্ভবায় গোবিন্দায় নমঃ ॥
ওঁ ধৰ্ম্মায় ধৰ্ম্মেশ্বৰায় ধৰ্ম্ম পতয়ে
ধৰ্ম্ম সম্ভবায় গোবিন্দায় নমোনমঃ, স্বাহা ॥

কীৰ্ত্তনতো কৈছে :—

কৃষ্ণ গোপাল করুণাময়, ৰাম ৰাম হৰি ॥

এয়ে হৈছে জন্মাষ্টমীৰ ধ্যান, ধাৰণা আৰু অৰ্চ্চনা। পৰম ভক্তসকলে এই ভাৱত ভাৱাপন্ন হৈ অন্তৰতম স্থানত কৃষ্ণ আনন্দৰ অঙ্কুৰ ৰোপন কৰি জীৱন প্ৰেমানন্দ কৰিবলৈ প্ৰয়াস কৰে। পৰমানন্দ উপলব্ধি কৰিব সমৰ্থ হবলৈ এই **জন্মাষ্টমী**—এই **কৃষ্ণাষ্টমী**।

অসতো মা সদগময়
তমসো মা জ্যোতির্গময়
মৃত্যোৰ্মাঽমৃতম্ গময়।

মোক অসতৰ পৰা সতলৈ নিয়া।
মোক আন্ধাৰৰ পৰা পোহৰলৈ নিয়া।
মোক মৃত্যুৰ ঠাইত অমৰত্ব দিয়া।

॥ শিৱম্ সত্যম্ সুন্দৰম্—॥

---

## শ্ৰীযুত হৰমোহন দাস বি, এ লিখা কিতাপ :—

| | | |
|---|---|---|
| 1. | Anglo-Assamese Rational Translation Standard III | as. 3. |
| 2. | Anglo-Assamese Rational Translation Standard IV | „ 5. |
| 3. | Anglo-Assamese Rational Translation Standard V | „ 6. |
| 4. | Anglo-Assamese Rational Translation Standard VI | „ 7: |
| 5. | Anglo-Assamese Rational Grammar Standard III | „ 3 |
| 6. | Anglo-Assamese Rational Grammar Standard IV | „ 6. |
| 7. | Anglo-Assamese Rational Grammar Standard V | „ 10. |
| 8. | Anglo-Assamese Rational Grammar Standard VI | „ 8. |
| 9. | Anglo-Assamese Rational Composition Standard III | „ 3. |
| 10. | Anglo-Assamese Rational Composition Standard IV | „ 4. |
| 11. | Anglo-Assamese Rational Composition Standard V | as 5. |

12. Anglo-Assamese Rational Composition Standard VI as. 6.
13. Assam Reader Primer ... „ 4.
14. সহজ ইংৰাজী শিক্ষা ... ৵০
15. মহাপুৰুষ (Approved as prize and library book) ।০
16. পঞ্চতীৰ্থ ,, ,, ॥০
17. শ্ৰীকৃষ্ণ ,, ,, ।৵০
18. অসমীয়া প্ৰাথমিক ব্যাকৰণ ... ৵০
19. জন্মাষ্টমী ... ... ৵০

পোৱা ঠাই ঃ—

১। নকৰা এজেন্সী, নৌবনী পুখুৰীপাৰ, গুৱাহাটী
২। Graduates Union, Gauhati.
৩। বৰকটকী কোম্পানী, যোৰহাট
৪। ভট্টাচাৰ্য্য এজেন্সী, ডিব্ৰুগড় আৰু আন আন সকলো কিতাপৰ দোকানতে পাব।

---